# ধৰ্ম্ম সংবাদ।

৺ দ্বিজ [redacted]

৩য় তাঙৰণ

প্ৰকাশক।

এজেঞ্চি কোম্পানি।

পোঃ আঃ বিহাবাৰি আসাম।

১৯১০

আসাম, বিহাবাৰি; গৌৰী শঙ্কৰ যন্ত্ৰত
শ্ৰীবজ্ৰেশ্বৰ চক্ৰৱৰ্ত্তী দ্বাৰা ছাপা হ'ল।

বেচ ।০ এঅনা মাথোন।

# ধর্ম্ম সংবাদ।

কৃষ্ণায় নমঃ

---

পয়ার।

জয় নমো নাবায়ণ বৈকুণ্ঠেব পতি।
ব্রহ্মা হবে চিন্তে যাব চবণ সম্প্রতি॥
বসুদেব গৃহে পূর্ণ কৃষ্ণ অবতাব।
খণ্ডালা অসুব মাবি পৃথিবীব ভাব॥
হেন কৃষ্ণ পদে কবোঁ সহস্র প্রণাম।
পাতকিও তবে যাব লৈলে গুণ নাম॥
সবস্বতী মাতা যদি হয়ো সুপ্রসন্ন।
হবি ভকতেব গুণ কবিবোঁ বর্ণি॥

বোলোঁ কৰ যোৰে শুনা সভাসদ লোক।
অল্পমতি জানি নিন্দা নকৰিবা মোক ॥
অশ্বমেধ পৰ্ব্ব ভাৰতৰ মধ্যে সাৰ।
শ্লোক-অৰ্থ চাঁই পদ নিবন্ধিবোঁ তাৰ ॥
শিৱ সিংহ ধৰ্ম্ম ৰাজা গুণে নাৰায়ণ।
কৰন্ত ভকতি সদা কৃষ্ণৰ চৰণ ॥
তাহান আদেশ পাই দ্বিজ শুভনাথে।
ৰচিলা পয়াৰ হৰি পদ ধৰি মাথে ॥
পৰম মহন্ত যুধিষ্ঠিৰ নৃপবৰ
ছদ্মৰূপে ধৰ্ম্মদেৱ আইলা তাৰ ঘৰ ॥
হেন জানি বুদ্ধ জন নিন্দা নকৰিবা।
ভজিলে সম্প্ৰতি প্ৰাণ উদ্ধাৰ কৰিবা ॥
পিতা পুত্ৰে দুয়োজনে ভৈলা একঠাই।
কৰিলা সম্বাদ দুয়ো দুনাই দুনাই ॥
শুনা ইটো ভাৰতৰ পুণ্য পদ কথা।
লভিবা মুকুতি সুখ নাহিকে অন্যথা ॥
হেন জানি বুদ্ধজন শুনা সাৱধানে।
বৈশম্পায়ন বোলে জন্মেজয় বিদ্যমানে ॥
দ্বাপৰ যুগত যেৱে হস্তিনা নগৰি।
নিৰ্ম্মিলন্ত মহাজনে বিশ্বকৰ্ম্ম পুৰি ॥

সেহি হস্তিনাত জন্মেজয় নরপতি ।
শুকত পুছন্ত কথা করিয়া প্রণতি ॥
এহি নগরত মোর পিতা মহাশয় ।
যিকালত অশ্বমেধ যজ্ঞক করয় ॥
সেহিবেলা ধর্ম্মরাজ জগত ঈশ্বর ।
কিবারূপ ধরি যাইবেঁ৷ হস্তিনা নগর ॥
পিতা পুত্র দুই জনে করিলা সম্বাদ ।
শুনিবাক ইচ্ছা প্রভু তোমার প্রসাদ ॥
বৈসম্পায়ন বদতি শুনিয়ো নরেশ্বর ।
যি কথা পুছিলা শুনিবাক রুচিকর ॥
জগত প্রখ্যাত যুধিষ্ঠির রাজ ঋষি ।
তাহান চরিত্র কথা শুনিও হরিষি ॥
এক দিনা ইন্দ্র আদি দেবতা সকল ।
স্বর্গত পাতিলা সভা মহা কৌতুহল ॥
আসিয়া বসিলা ব্রহ্মা বিষ্ণু মহাদেব ।
পরম আনন্দে দেবগণে করে সেব ॥
লক্ষ্মী সরস্বতী গঙ্গা আদি দেবীচয় ।
আনো দেবকন্যা গণ তথাতে আছয় ॥
ব্যাস আদি মুনিগণ আসিলা তথাক ।
পাদ্যে অর্ঘে ইন্দ্রে পাছে তুলিলা সবাক ॥

দশ দিগ পাল বসিলন্ত থানে থানে ।
গন্ধর্ব্ব সকলে আসি বসিলা যোগানে ॥
অপেশ্বরী নাচে বিদ্যাধরে গায়ে গীত ।
তেখনে নারদ ঋষি ভৈলা উপস্থিত ॥
হরি হর বিধাতাক কবিলা বন্দন ।
বুলিলা বচন পাছে ব্রহ্মার নন্দন ॥
ইন্দ্র চন্দ্র আদি যত আছে অন্যদেব ।
হরি হর ব্রহ্মার সদৃশ নাহি কেব ॥
চন্দ্র সূর্য্য বংশ যত যত রাজাচয় ।
যুধিষ্ঠির রাজার সদৃশ নাহিকয় ॥
হেনয় সদৃশ রাজা নাহি সুপজিব ।
সর্ব্বদাই নৃপতির হৌক চিরঞ্জীব ॥
সত্যবাদী পরম ধার্ম্মিক দয়াশীল ।
কৃষ্ণর চরণে সদা ভকতি করিল ॥
পুত্রত অধিক করি প্রজাক পালন্ত
কি কহিবোঁ যুধিষ্ঠির রাজার মহত্ত্ব ॥
গম্ভীরত্ত সাগর তুহিকে সমসর ।
ক্ষমায় ধরণী যেন তুহি পটন্তর ॥
কোটি এক সূর্য্যসম অখণ্ড প্রতাপ ।
দুখী তিক্ষী প্রাণীর যে হেন মার বাপ ॥

যেন হৰিশ্চন্দ্ৰ পৃথু বলি বিৰোচন ।
নল ঘোষ মান্ধাতা প্ৰমুখে ৰাজাগণ ॥
ইসগৰ সম ৰাজা যুগে যুগে পাই ।
যুধিষ্ঠিৰ সম ৰাজা ত্ৰিভুবনে নাই ॥
এহিমতে ৰাজাক প্ৰশংসে মুনিৰাজ ।
কৌতুকে শুনন্তে আছে দেবতা সমাজ ॥
নাৰদৰ মুখে শুনি পুত্ৰৰ চৰিত ।
তেতিক্ষণে ধৰ্ম্মৰাজা ভৈলা আনন্দিত ॥
পৰম ধাৰ্ম্মিক মোৰ পুত্ৰ যুধিষ্ঠিৰ ।
কিবাৰূপ ধৰি যাইবো পুত্ৰৰ মন্দিৰ ॥
চণ্ডাল স্বৰূপ ধৰি হস্তিনাক যাওঁ ।
পুত্ৰৰ বৈভৱ সব জিজ্ঞাসিয়া চাওঁ ॥
এহি বুলি ধৰ্ম্মে ধৰি চাণ্ডালৰ বেশ ।
হস্তিনা পুৰত আসি কৈলন্ত প্ৰবেশ ॥
নগৰ দেখিয়া ধৰ্ম্ম আনন্দিত ভৈলা ।
প্ৰত্যেক দ্বাৰত ফুৰি চাহিবাক লৈলা ॥
দেখিলন্ত আনো যত খ্যাতি বিত্তোজন ।
পৰম নিৰ্ম্মল সৰোবৰ বিত্তোপৰ ॥
তপ্ত সুবৰ্ণৰ কান্তি জ্বলে গৃহচয় ।
কাৰ্ষ্ঠ বাট নগৰ-সকলে-নকুলৰ ॥

সুৰভি শীতল জল পুষ্প জাতিস্কাৰ।
বিচিত্ৰ পতাকাধ্বজ প্ৰকাশে নিস্তৰ॥
নানা বাদ্য ভাণ্ডে সেনা কৰে হুলস্থুল।
হয় হস্তী ৰথ ৰথী শব্দে তমকল॥
কোটি সূৰ্য্য সমজ্বলে নগৰ প্ৰধান।
মহাযত্নে বিশ্বকৰ্ম্মে কৰিলা নিৰ্ম্মাণ॥
স্থানে স্থানে শোভে দণ্ডছত্ৰ সিংহাসনে।
চলে নৃপতিৰ কাছে পাত্ৰ মিত্ৰগণে॥
বস্ত্ৰ অলঙ্কাৰে পুষ্পে শোভে নৰ নাৰী।
মধুগন্ধে ভ্ৰমৰা গুঞ্জৰে সাৰি সাৰি॥
হেনয় হস্তিনাপুৰি ভাৰত বৰিষ।
পূৰ্ণিমাৰ চন্দ্ৰ যেন শোভে দশোদিশ॥
পৰম আনন্দে ধৰ্ম্মে চাহিল বিচাৰি।
গোলোক বৈকুণ্ঠ হেন বুলিবাক পাৰি॥
পুত্ৰৰ বৈভৱ দেখি ভৈলা আনন্দিত।
অনন্তৰে সিংহদ্বাৰে ভৈলা উপস্থিত॥
সেহি বেলা দ্বাৰত আচন্ত বৃকোদৰ।
ছদ্মৰূপে ধৰ্ম্মে পাছে বুলিলা সত্বৰ॥
কহিয়োক দ্বাৰি ইটো নগৰ কাহাৰ
স্বৰ্গত অধিক বৈকুণ্ঠৰ সমসৰ॥

কোনবা নৃপতি ইটো নগৰে আছন্ত ।
হেন শুনি ভীমসেনে ক্ৰোদ্ধে মাতিলন্ত ॥
কি কাৰণে পোছ অৰে তই কোন জন ।
পৰিহাসে পোছ জানো ইসৱ বচন ॥
যুধিষ্ঠিৰ নৃপতিৰ হস্তীনা নগৰী
ত্ৰৈলোক্যৰ লোকে আক জানে নিশ্চকৰি ॥
দ্বাৰত থাকিয়া তই কেনে নজানস ।
তিনি লোক বিনা কোন লোকত থাকহ ॥
তই জানো মোৰ আগে নজানি পোছস ।
বায়ুৰ পুত্ৰৰ কিছু আটা নতুপাস ।
যাহাৰ ক্ৰোদ্ধক শুৰাসুৰে কৰে ত্ৰাস ।
হেন বায়ু পুত্ৰক কৰস পৰিহাস ।
মহা দানী মানী যুধিষ্ঠিৰ নৃপবৰ ।
ত্ৰৈলোক্যৰ লোকে আক জানে নিৰন্তৰ ।
জানি কি নাজানি পোছ কোঠৈৰ চাণ্ডাল ।
স্বৰূপ কৰিয়া মোত কহা ভালে ভাল ।
মায়াবি চণ্ডালে পাছে বুলিলা বচন
ভেঁৰিৰ শবদ যায় একৈক যোজন ।
মেঘৰ শবদ যাই বাইচ যে যোজন ।
দানিৰ যশস্যা যাই চৌধয় ভুবন ॥

যুধিষ্ঠিৰ নৃপতিক জানে সৰ্ব্বজন।
আমিও জানিয়া পোছো শুনা সি কাৰণ॥
বৃদ্ধ ভৈলো ক্ষুধায়ে তৃষায়ে প্ৰাণ যাই।
ভিক্ষা মাগ ফুৰোঁ। পাৰে শান্তি স্থান নাই॥
ক্ষুধাতুৰ বৃদ্ধৰ নাহিকে হুদ্ধবোধ
এতেকে পুছিলোঁ মোক নকৰিবা ক্ৰোধ।
ভাগে গোপ হোৱে যদি ক্ষুধাতুৰ জন।
তোক জানো মোৰ যেন নোযোৱয় অন॥
অষ্টাধিক শত ব্ৰাহ্মণক প্ৰতি নিতে।
ভুঞ্জাৱে নৃপতি স্বৰ্ণ পাত্ৰে সমস্তিতে॥
আনো যত দুঃখী ভুখী ভুঞ্জে অসংখ্যাত।
তই কেন ভুঞ্জিবাক নোখোজা আমাত॥
নৃপতিৰ বাতৰিক পোছ কি কাৰণ।
নিয়ান্ত চাণ্ডালে পছে বুলিলা বচন॥
হওঁ ক্ষুধাতুৰ মই অতিথি চাণ্ডাল।
নৃপতিক দৰশনে মোৰ হৱে ভাল॥
ভীমসেনে বোলে অৰে শুন অন্ত্যজাতি।
চাৰি জাতিত তই যে বৰ্ণ হীন অতি॥
আমাৰ ৰাজাক কেনে দেখিবাক চাস।
ননৰ বানৰ হুয়া নাৰিকল খাস॥

চাণ্ডালৰ মুখক চাহন্ত যিটো জন।
সম্যকে অশুচি হবে জানিবা তেখন।
যদি বা চাণ্ডাল সমে হন্ত সম্ভাষণ।
সবস্ত্রে স্নানিলে শুচি হবে সিটোজন॥
এতেকেসে তোঁহাক নাচাইব নৃপবৰ।
ভোজন কৰিয়া উঠি সত্বৰে অন্তৰ॥
শুনিয়া চাণ্ডালে পাছে দিলন্ত উত্তৰ
একে চাল একে মাংস একে কলেৱৰ॥
একে সুখ দুঃখ একে ভোজন গমন।
একে বোল মাত্ত সবে একৈন্দ্রিয় গণ॥
কেন মতে চাৰি জাতি ভৈলা শ্রেষ্ঠতৰ
হেন শুনি বচন বুলিলা বৃকোদৰ॥
হস্তী ঘোড়া উট গণ্ড কুকুৰ শৃগাল।
সবে একে চতুষ্পদী শুনবে চাণ্ডাল॥
কেনে নকৰস সবাহাকে একেমান।
কাৰো মাংস খাস কাকো চুইলে কৰা স্নান॥
চাণ্ডালে বোলন্ত ভাল বোলা বৃকোদৰ।
শাস্ত্রৰ সম্মতে হয় চাণ্ডালে বিস্তৰ॥
আমিসি চাণ্ডাল জাতি নামত মাত্তৰ।
বাস্তৱতে নহওঁ মই চাণ্ডাল বৰ্ব্বৰ॥

গুৰু গৌৰৱক নিন্দা কৰে যিটো জন।
তাহাক চাণ্ডাল বুলি কহে মুনিগণ॥
যজ্ঞ বিধ্বংসয় চুৰি কৰে সৰ্ব্বকাল।
এঁহ চাৰি বিধ জানা কৰ্ম্মত চাণ্ডাল॥
জাতিত চাণ্ডাল যিটো সিটো একবিধ।
অকৰ্ম্মী চাণ্ডাল যিটো সেহি সে নিষিদ্ধ॥
তিন গোটা সন্ধ্যা যাৰ বৃথা হুয়া যাই।
উপাসনা নকৰে মাত্ৰে ফুৰে ভক্ষ চাই॥
পিতৃ দেৱতাক নকৰয় পিণ্ডদান।
এই দুই চাণ্ডাল জানিবা বিদ্যমান॥
বিপ্ৰ হুয় নকৰয় বেদ ব্যৱহাৰ।
বোলয় চাণ্ডাল তাক জানা সাৰে সাৰ॥
অকাৰণে বনক পোৰয় যিটো জন।
চাণ্ডাল বুলিয়া তাক কহে মুনিগণ॥
নকৰয় দন্তশুচি পাদ প্ৰক্ষালন।
নকৰয় শালগ্ৰাম দৰ্শন পৰ্শন॥
ভুঞ্জই ভুঞ্জাৱে মাত্ৰ পুত্ৰ পৰিবাৰ।
বোলই চাণ্ডাল তাক জানা সাৰে সাৰ॥
শূদ্ৰ হুয়া কৰে কপিলীৰ খীৰ পান।
ব্ৰাহ্মণী হৰয় ব্ৰাহ্মণক নাহি মান॥

নাচারয় ভাল মন্দ বেদ বিচারই ।
সেহিসে চাণ্ডাল দেখিবাক যোগ্য নই ॥
বৃদ্ধকালে পিতৃ মাতৃক নোপোষয়
অধম চাণ্ডাল সিটো জানিবা নিশ্চই ॥
ঋয় স্নাত প্রেত্বক লরয় ধেনুদান ।
দিনয়ো সন্ধ্যাত করে মৈথুন প্রধান ॥
একলে ভুঞ্জয় যত দ্রব্য ভালে ভাল ।
ইসব প্রকারে তাক বোলয় চাণ্ডাল ॥
প্রথমে অষ্টম মাসে গর্ভাবৃতা নারী ।
আলাপই অমক বক্ষারে নির্বিচারি ॥
গর্ভহত্যা পাপে সিটো ভোৰন্ত চাণ্ডাল
আগোক চুইবাক চাহিবাক নুহি ভাল ॥
পশু মধ্যে গর্দ্দভ পক্ষীৰ মধ্যে কাক ।
ক্রোধবন্ত সন্ন্যাসী চাণ্ডাল বুলি তাক ॥
এহি মতে চাণ্ডাল আছই বহুতর ।
মই পুনু চাণ্ডাল নহও একে সৰ ॥
হেন জানি বাপ তুমি ক্রোধ পরিহরি ।
বাজাত জনোৱা গই আমাৰ বাতৰি ॥
বৈশম্পায়ন বদতি শুনিয়ো নৰেশ্বৰ ।
হেন শুনি ভীমসেন হৈলা নিৰোত্তৰ ॥

থর্মাক বহিলা হস্তী অঙ্কুসৰ ঘাৰে ।
আথে বেথে গৈলা ভীম নৃপতিৰ ঠাৰে ॥
অভ্যন্তৰে আছে যুধিষ্ঠিৰ নৃপবৰ ।
নাগ যেন ফোফাই যাই বীৰ বৃকোদৰ ॥
প্ৰণাম কৰিয়া যাই ৰাজাত কহন্ত ।
এগোটা অতিথি আসি দ্বাৰত আচন্ত ॥
হেন মনে জানো কিছু জানে শাস্ত্ৰতত্ব ।
তান পাগে চলা আপোনাৰ অভিমত ॥
লজ্জায়ে নকৈলা ভীম সি সব কাহিনী ।
অনন্তৰে যুধিষ্ঠিৰ বুলিলন্ত বাণী ॥
কি কাৰণে আইলা বাপু কহ বৃকোদৰ ।
অতিথি পূজাক তুমি জান নিৰন্তৰ ॥
কি কাৰ্য্যে অতিথি আসি আচয় দ্বাৰত ।
কোনো ৰাজৰ তোমাদাৰ অভিমত ॥
হেন শুনি ভীম সেনে বুলিলা বচন ।
আসি আছে দ্বাৰত অতিথি একজন ॥
পৰম পণ্ডিত তেওঁ শাস্ত্ৰত প্ৰধান ।
আমি সনে বিবাদ কৰিলা বহুমান ॥
ভঙ্গাইতে নাৰিলোঁ দাদা কৰোঁ নমস্কাৰ ।
এতেকে আসিলোঁ মই কিঙ্কৰ তোমাৰ ॥

হাসিয়া বোলন্ত যুধিষ্ঠিৰ নৃপবৰ
কি কহিলি আৰ কি কহিবো বৃকোদৰ ॥
বায়ু পত্র ভীম তই ত্রৈলোক্য বিজয়ী।
তোহোঁক ভঙ্গাইলে বিটো মানুষ নহই ॥
কিমত লক্ষণ তাৰ কহা কেন ঠান।
হেন শুনি ভীমসেনে বুলিলা বচন ॥
শুনা দাদা লক্ষণ তাঁহাৰ যেন ঠান।
অতি কৃষ্ণবর্ণ কায় কাকৰ সমান ॥
ৰক্তবৰ্ণ চক্ষু দুই দেখি নিৰুপম।
লম্বোদৰ মুক্তকেশ পিঙ্গটা বৰণ॥
বাক্যত চাতুৰী যেন পণ্ডিতৰ ঠান।
তযু হস্তে ভূঞ্জিবে খোজই মাগে দান ॥
নৃপতি বোলন্ত কৃষ্ণ বিষ্ণুদেৱ হৰি।
চাণ্ডালক দান কৰিবোহোঁ কেন কৰি ॥
নতু দেখি শুনি হেন কালে একোমত।
কেন মতে তাহাক কৰিবোঁ গৃহাগত।
হেন শুনি ভীমসেনে বুলিলা বচন।
ৰাজা হুয়া ভৈলা তুমি দ্বিজৰ লক্ষণ ॥
অতিথিক যিনা জনে কৰাৱে ভোজন।
তাৰ জাতি কুল তুমি পোছা কি কাৰণ ॥

তোমাক দেখিবে লাগি তাৰ আছে মন।
চলা দ্বাৰে যাঁউ তাক দিয়ো দৰিশন॥
যজ্ঞ আচৰিবে লাগি হুয়া আছে বেলা।
আসা দ্বাৰে চলি যাঁউ নকৰিবা হেলা॥
ভীমৰ বচনে যুধিষ্ঠিৰ চলি গৈলা।
দ্বাৰে গৈয়া অতিথিক দৰশন ভৈলা॥
শুনিও অতিথি আসি আছা কি কাৰণ।
আমাক দেখিবে তোৰ কিবা প্ৰয়োজন॥
মায়াবী চণ্ডালে বোলে শুনা মহাৰাজ।
তোমাক দেখিলোঁ সিজিবেক মোৰ কায॥
নৃপতিসে পিতা মাতা প্ৰজা সমস্তৰ।
অবন্ধুৰ বন্ধু তুমি চক্ষু অন্ধকৰ॥
গুৰু সমস্তৰ গুৰু নৃপতি সকল।
জগতিৰ গতি তুমি দুৰ্ব্বলৰ বল॥
বিশ্বাসে জানিবা বল ব্ৰাহ্মণ সবৰ।
মুৰ্খৰ মৌনসে বল নিৰ্ভয় বোৰৰ॥
শিশুৰ ক্ৰন্দনে বল মৎস্যৰ সুজল।
পক্ষীৰ আকাশে বল বেশ্যাৰ চঞ্চল॥
কৰ্ম্মৰ সন্তোষে বল কহে মুনিগণ।
দৰিদ্ৰৰ বল তুমি পাণ্ডুৰ নন্দন॥

পৰম দৰিদ্ৰ মোৰ ঘৰে কিছু নাই।
ক্ষুধাতুৰ হৈয়া আমি আছো তয়ু ঠাই॥
দৰিদ্ৰ জনক যিটো দিয়ে বহুধন।
অপূৰ্ব্ব প্ৰতিমা পাইলে কৰয় পূজন॥
কোটি অশ্বমেধ কৰি নপাৱে যি ফল।
গৃহতে বসিয়া তাক পাৱয় সকল॥
আমাৰ বচন তুমি নকৰা অন্যথা।
হৰি হৰ ব্ৰহ্মাৰ বচন ইটো কথা॥
দূৰহন্তে ভ্ৰমি আসি ক্ষিৰাৱে পন্থত।
নিশাকালে আসি যদি হোৱে অভ্যাগত॥
মহাযত্নে শুশ্ৰূষা কৰয় যদি তাক।
লভিব অক্ষয় স্বৰ্গ ঈশ্বৰৰ বাক॥
কৃষ্ণৰ কিঙ্কৰে কহে শুনা সভাসদ।
পৰম পবিত্ৰ ইটো ভাৰতৰ পদ॥
আত পৰে নাহি গতি জানিবা কলিত।
ভক্তৰ চৰিত্ৰ ইটো কৰ্ণৰ অমৃত॥
হৰিৰ ভক্তৰ নাহি তিলেক অন্তৰ।
আকাশৰ বায়ুৰ যে হেন পটন্তৰ॥
এতেকেসে ভক্তৰ চৰিত্ৰ কথা শুনি।
লক্ষ্মীপতি ভগৱন্ত তুৰন্ত আপুনি॥

হৰি বিনে যুধিষ্ঠিৰ নিচিন্তয় আন।
ছদ্মৰূপে হৰি গৈলা নৃপতিৰ থান।
দেখা সৰ্ব্বজন নৃপতিৰ মহাভাগ।
গৃহতে বসিয়া ঈশ্বৰক পাই লাগ।
হেন জানি সৰ্ব্বজনে এৰি আন কাম।
কৃষ্ণৰ চৰণে সদা কৰিয়ো প্ৰণাম।
এতেকে কৃষ্ণত মাত্ৰ ৰহিল ভকতি।
ভক্তিৰ সাধন হৰি নামেসে সম্প্ৰতি।
জানি ধৰা ভকতিক আন পৰিহৰি।
পাতেক চাৰোক ডাকি বোলা হৰি হৰি।

---

## দুলৰি।

পাছে নৃপবৰ, দিলন্ত উত্তৰ,
চাণ্ডালাৰ বাণী শুনি।
শুনিও চাণ্ডাল, কহিছাহা ভাল,
শাস্ত্ৰক জানা আপুনি।

মিলিলা সংশয়, কথা পোহোসয়,
কহিয়ো আবে নিশ্চয়।
আছে দ্রব্য যাব, অতিথি সেৱাব
দিবাক মিটো পাৰয়।
গৃহে নাহি যাব, ভোজন সম্ভাব,
ভিক্ষা কৰি মাত্র খাই।
তাহাৰ গৃহত, ভৈলা অভ্যাগত,
পুজিব কোন উপায়।
বোলন্ত চাণ্ডাল, শুনা মহীপাল,
স্বৰূপ পুছিলা তুমি।
গৃহস্থৰ ঘৰে, সদাই সুগুচে,
তৃণ জল অগ্নি ভূমি।
অতিথি ভুঞ্জাইবে, যদি অন্ন নাই,
দিব আনি ফল মূল।
তৃণ জল ভূমি, দিব ভক্তি ভাৱে,
দিবেক পাছে তাম্বুল।
ইসব যদ্যপি, গৃহত নথাকে
শুনিও তাৰ উপায়।
পৰম সাদৰে, প্রিয় বাক্য বুলি,
নিজ গৃহে দিয়ে ঠাই।

গৃহস্থৰ ঘৰে, সদাই সুলভছে,
তৃণভূমি অগ্নি জল।
অতিথি নুপূজে, তথাপি যি জন,
পৰম নিতৌ নিষ্ফল।
শুনা কহোঁ তাৰ, যিমান পাহেক,
নিজে অতিথিৰ হন্তে।
অনেক জন্মৰ, পুণ্য নষ্ট হবে,
অতিথিক নুপূজান্তু।
অতিথি থাকিলে, যত্ন অৱহেলি,
আপুনি মাত্র ভঞ্জই
অন্ন সুভুঞ্জই, গো-মাংস ভুঞ্জই,
জল পান সুৰাময়।
যাৰ গৃহ হন্তে, আশা নকৰিয়া,
অতিথি যান্ত বেৰাই।
তেতিক্ষণে তাৰ, দেৱ পিতৃগণ,
অতিথিৰ সঙ্গে যাই।
কোটি কোটি তাৰ, শ্ৰদ্ধা বলি পূজা,
তেখনে হোৱে বিনাশ।
পদে পদে আস, ব্ৰহ্মহত্যা পাপ,
লাগে ক্ষেম অপ্ৰয়াস।

করে দেব পূজা, নাহি আস্তি বুদ্ধি,
কপট মাত্র দেখায়।
অতিথি সুপূজে, নানা যজ্ঞ করে,
ইসব নিস্ফল যায়।
বিনা মন্ত্রে হোম, বিনা তিল শ্রাদ্ধ,
রজস্বলা কন্যা দান।
ইসব অধর্ম্মে, সপ্তম কুলক,
দহে জ্বানা বিদ্যমান।
শত্রু মিত্র চোর, চাণ্ডাল অধম,
মহা পাপী আত্মঘাতী।
নকুল মার্জ্জার, কুকুর শূকর,
আনো পশু পক্ষী জাতি।
ইসব যদ্যাপ, গৃহস্থর ঘরে,
হোবে আসি অভ্যাগত।
বিষ্ণু দেব সম, সবে পূজাগুক,
কহে মহামুনি যত।
নগরে বা গৃহে পুখুরর পারে,
নদী তীরে বৃক্ষতল
অতিথিক লাগ, পাই পূজ নর,
পাবে সর্ব্ব তীর্থ ফল।

যত তীর্থ ব্রত, যাগ যজ্ঞ দান,
তপ যপ আদি করি।
ইসব পুণ্যক, গৃহে বসি পারে,
অতিথিক পূজা করি॥
হেন শুনি পুনু, নৃপতি পোছন্ত,
কহা বাপু অভ্যাগত।
কৈর পরা ধর্ম্ম, হৈলা উত্তপন্ন,
ধর্ম্ম বাঢ়ে কেনমত॥
কোন স্থানে ধর্ম্ম, থাকই সদাই,
কি হেতু হোবে বিনাশ।
চাণ্ডাল বদতি, শুনিও নৃপতি,
ধর্ম্মর কহোঁ প্রকাশ॥
সত্য হন্তে ধর্ম্ম, উপজয় পুণ্য,
দয়াত বাঢ়য় অতি
ক্ষমাতেসে ধর্ম্ম, সদাই থাকই,
ক্রোধত বিনাশ যান্তি॥
নৃপতি পোছন্ত, গৃহত থাকন্তে,
কোন মিত্র পুরুষর
পর দেশে গৈলে, হোবে কোন মিত্র,
কোন মিত্র আতুরর॥

যিকালত মৰি, পৰ লোকে যাই,
মিত্ৰ হোৱে কোন জন।
চাৰিৰো প্ৰশ্নৰ, সংশয় ছেদিয়া,
কহিওক প্ৰতিক্ষণ।
শাস্ত্ৰত প্ৰসিদ্ধ, ইসব কাহিনী,
যেন অমৃতৰ সম ;
কহে দ্বিজ শুভ, নাথ অল্পমতি,
ডাকি বোলা ৰাম ৰাম ॥

---

পদ।

বৈশম্পায়ন বদন্তি শুনিও নৰেশ্বৰ।
নৃপতি পুছিলা চাৰি প্ৰশ্নৰ উত্তৰ।
মায়াবী চাণ্ডালে শুনি দিলন্ত উত্তৰ।
শুনা সাৱধানে যুধিষ্ঠিৰ নৃপবৰ।
গৃহৰ বান্ধৱ পিতৃ মাতৃ পুত্ৰগণ।
ভাৰ্য্যাৰ সমান মিত্ৰ নাহি একোজন।
পৰ দেশে মিত্ৰ বিদ্যা সম নাহিকেৱ
আপদ কালৰ মিত্ৰ ধনেসে হোৱয়।

ধৰ্ম্মেসে কেৰলে মিত্ৰ মৰুণ সময় ।
চাৰিয়ো প্ৰশ্নৰ সাই কৰিলোঁ নিৰ্ণয় ॥
পুনৰপি যুধিষ্ঠিৰ বলিলা বচন ।
কেন মতে বেদগণ ভৈলা উতপন ॥
কাহাত থাকয় বেদ বোলয় কাহাক ।
হেন শুনি অভ্যাগতে বলিলন্ত তাক ॥
ব্ৰহ্মাহন্তে বেদগণ ভৈলা উতপন ।
সাবিত্ৰী মাতৃয়ে তাক কৰিলা পালন ॥
ব্ৰহ্মাত উপজে বেদ একেসে কৰয় ।
বেদৰ ব্ৰহ্মৰ কিছু ভিন্ন নাহিকয় ॥
পনৰপ চাণ্ডালক নৃপতি পোছয় ।
গৃহাশ্ৰম ধৰ্ম্মত কতেক পুণ্য হয় ॥
চন্দ্ৰৰ সূৰ্য্যৰ গ্ৰহণাদি পৰ্ব্ব যত ।
তাত স্নান দান কৰি পুণ্য পাৱে কত ॥
গঙ্গা আদি তীৰ্থ স্নানে কিনা পাৱে ফল
এখনে ছেদিয়ো মোৰ সংশয় সকল ॥
মায়াবী চাণ্ডালে পাছে দিলন্ত উত্তৰ ।
সামান্য নদীত স্নান আদি নিৰন্তৰ ।
ইসবত স্নানি পুণ্য পাৱে যত যত ।
তাৰ লক্ষগুণ পুণ্য চন্দ্ৰ গ্ৰহণত ॥

অয়নাদি সূর্য্যৰ যতেক পৰ্ব্বচয়।
দশ লক্ষ পুণ্য তাত জানিবা নিশ্চয়॥
কোটি লক্ষ গুণ পুণ্য তীৰ্থ প্ৰসঙ্গত।
কোটি অযুত লক্ষ গৃহ আশ্ৰমত॥
গৃহাশ্ৰম ধৰ্ম্মসম কোন ধৰ্ম্ম নাই।
নিয়ম সম্ভ্ৰম মাত্ৰে থাকিব সদায়॥
অতিথিত পোছে কথা নৃপতি শুনাই।
যমুনাত স্নান কৰি কিবা ফল পাই॥
কিবা ফল পাৱে গঙ্গা গোমতীত স্নানে॥
কিবা ফল পাৱয় গয়াত পিণ্ডদানে॥
অতিথি বোলন্ত কথা শুনা নৰেশ্বৰ।
গঙ্গাত স্নানিলে পুণ্য বাঢ়ে বহুতৰ॥
যমুনাত স্নানে হোৱে শৰীৰ নিৰ্ম্মল।
গোমতীকে স্নানে পাৱে সৰ্ব্বতীৰ্থ ফল॥
শ্ৰাদ্ধ কৰি গয়াত কৰয় পিণ্ডদান।
তুষ্ট হুয়া পিতৃগণে পায় স্বৰ্গস্থান॥
নৃপতি বোলন্ত আক কহা অভ্যাগত॥
পিতৃ মাতৃ ভাতৃ যাৰ নাহিকে গৃহত॥
নাহিকে ভগিনী যাৰ মিত্ৰ বন্ধুজন।
কেন মতে গৃহ সুখে থাকে সিটো জন॥

অভ্যাগতে বোলে শুনা পাণ্ডুৰ নন্দন।
মহা বুদ্ধিমন্ত সিটো জ্ঞান পৰায়ণ॥
পৰম দয়ালু সিটো লোকে কুটুম্বিতা
জ্ঞান পৰায়ণ জ্ঞানে ভৈলা তাৰ পিতা॥
বুদ্ধিমন্ত তাহাৰ বন্ধিয়ে ভৈলা মাৱ।
মাতৃক অধিক জ্ঞান বুদ্ধিৰ প্ৰভাৱ॥
কুটুম্বিত গুণেতাৰ সহৃদ সোদৰ
দয়ায়ে ভগিনী তাৰ জানা নৰেশ্বৰ॥
কি কাৰণে সিটে জনে পাইলে মহাদুখ
যৈকে যাই কৈলে তাৰ মিলে মহাসুখ।
নৃপতি বোলন্ত আৰো মিলিলা সংশয়।
কিবা কৰ্ম্ম কৰি লোক সুখী দুঃখী হয়॥
পুনু পুনু মাতৃৰ গৰ্ভত লবে বাস।
নতু বাল্যহন্তে কেন হোৱন্ত বিনাশ।
কতোকো জীৱন্তে বাল্য হোৱে গৰ্ভহন্তে
সমাকে মৰয় স্তন পিবে নপাৰন্তে।
সত্বৰে কহিয়ো মোত ইহাৰ কাৰণ।
শুনিয়ো চাণ্ডালে পাছে বুলিলা বচন॥
দেৱক সুপন্থে আপুনিসে ভোগ কৰে।
[illegible]ন্তৰে মহা দুঃখী হোৱে যেহি নৰে॥

অন্নদান করে যিটো পরম আক্রোশে।
পঙ্গু পঙ্গু গর্ভত পচয় সেহি দোষে॥
পর নারী হরে মারে হরে পরধন।
পুনঃ পুনঃ জন্ম মৃত্যু হোবে সিকারণ॥
আর্জ্জিত ধনক যিটো নিযে চুরি করি।
স্তন পিবে নপারয় আগে যায় মরি॥
যিটো জনে ইশ্বরের পদে ভক্তি ভাবে।
নকরে অন্যায় সদা ধর্ম্মপন্থ চাবে॥
দেশ কাল চাই সদা করে অন্নদান।
সিকারণে উত্তম স্বর্গত হবে স্থান॥
হবে চিরঞ্জীব যিটো পাবে মহাসুখ।
ইহ পর লোকে তার নাহি কিছু দুখ॥
যুধিষ্ঠিরে বোল কথা কহিয়ো প্রত্যেক।
কোন্ মত আকাশ খান আমূল কতেক॥
গাণিযা কহিয়ো কত আকাশর তার।
কত হস্ত পৃথিবী এটি কত ধার॥
চাণ্ডালে বোলয় শুন নৃপতি প্রধান।
হোবয় আকাশ সাত আমূল প্রমান॥
দুই গোট তারা মাত্র আকাশ মণ্ডলে।
বারিমত্ত মেঘ দশ ধারা বৃষ্টি জলে॥

ডেৰ হস্ত পৃথিবী জানিবা কুন্তীসুত।
ইসব কথাৰ মই কহিলোঁ প্ৰস্তুত॥
বুজিবা আকাশ চাৰি আঙ্গুল কপাল।
দুই গোটা নেত্ৰ তাৰ দেখিবাক ভাল॥
দুই স্তনে মেৰখীৰ বহে দশধাৰ।
ডেৰ হাত ভূমি কৰে দেহক সংহাৰ॥
মুখে অন্ন খাদি পুত্ৰ নৃপতি পেচন্ত।
আৰু এক কথা পোচো তোমাৰ হাগত
পিতৃ মাতৃ আছে দয়ে কুমাৰ কালত।
সিবেলাত আছিলাহা কাহাৰ গৰ্ভত॥
অতিথি বোলন্ত শুনা ধৰ্ম্মৰ তনয়।
কাষ্ঠৰ মধ্যত যেন অগনি থাকয়॥
দুগ্ধৰ মধ্যত যেন থাকে দধি ঘৃত।
তিলৰ মধ্যত তৈল থাকে যেন মত॥
আছে মহা জ্ঞান যেন দেহৰ মধ্যত।
সেহি মতে আছিলোহো পিতৃৰ গভত॥
যিকালত পিতৃ মোৰ ইন্দ্ৰিয়ে যুক্ত।
বিহাইলা মাতৃক পাছে কামে হুস্তাসত॥
পয়স্বিনী ধেনু যেন পিতৃ মহাভাগ
নন্দন গোপালে পাছে তাক পাই লাগ।

মাতৃৰ লাৱণ্য মোহে পাৰে ঋষি বান্ধি।
অনায়াসে দুহিবন্ত দৈবেও নবাধি॥
দুগ্ধ যেন নৈলা নিম্ব কলসে ভৰাই।
সেহি মতে মাতৃৰ গৰ্ভত নৈলোঁ ঠাই॥
পূৰ্ণ দশ মাসে নাক্ষ ভৈলোঁ গৰ্ভহন্তে।
উপাৰ্জিলা ঘৃত যেন দুগ্ধক মথন্তে॥
কাষ্ঠ ঘৰ্ষণে যেন অগ্নি নজাইলা।
তোমহাৰ আগা যেন তৈলক নযাইলা॥
কূপাক্ষেপ যেন মুকে সাগৰ মথিলা।
তাহাৰ মধ্যে যেন অমৃত পাইলা॥
সেহিমতে উপাৰ্জনা আমাৰ শৰীৰ।
আউৰ প্ৰশ্ন কৰা কিছু কৰে যুধিষ্ঠিৰ॥
বৈশম্পায়ন বদন্তি শুনিয়ো জন্মেজয়।
এন শুনি যুধিষ্ঠিৰ ভৈলন্ত বিস্ময়॥
পৰম পণ্ডিত কিনো অতিথি চাণ্ডাল।
নতু দেখি শুনি হেন জন একোকাল॥
মিলিলা সম্ভ্ৰম আসি অতিথি পূজন্তে।
ষোড়ৰস পঞ্চামৃত অনাইলা খাবতে॥
আতিথিক বোলে নাপু কৰিয়ো ভোজন।
বোলি হোৱে যজ্ঞস্থানে যাইঁ এতিক্ষণ॥

বাটচাই আছে মোক সংগে মুনিগণ ॥
হেন শুনি অভ্যাগতে বুলিলা বচন ॥
সুভুঞ্জিবো সুভুঞ্জিবো রাজা তব অন্ন ।
একোকালে রাজ-ঘরে নকৰোঁ ভোজন ॥
কেনে সুভুঞ্জন অবে চাণ্ডাল বর্ব্বর ।
বিনা দোষে মোক আজি অন্যায় নকৰ ॥
অষ্টাধিক চতুর্দ্দশ যে বিংশতি হাজাৰ ।
মুনিগণে ভুঞ্জে নিতে গৃহত আমাৰ ॥
সুবর্ণৰ পাত্রে মই ভুঞ্জাওঁ সাদৰে ।
তই কেনে ভোজন নকৰ মোৰ ঘৰে ॥
হেন শুনি অভ্যাগতে বুলিলা বচন ।
মায়ায়ে মোহিত ত্রৈলোক্যৰ প্রাণীগণ ॥
সিকাৰণে মোহ হৈয়া লোক গণ যত ।
ভোজন কৰয় নিত তোমাৰ গৃহত ॥
মিঠা জনে ৰাজ-ঘৰে কৰয় ভোজন ।
শুনা সাবধানে ৰাজা ইহাৰ কাৰণ ॥
সপ্তদ্বীপ পৃথি[illegible] লোক যত যত ।
প্রতিদিনে পাপভাৰ [illegible]জে অপর্য্যন্ত ॥
তাসম্বাৰ ধন তুমি লোৱা মহাৰাই ।
সিকাৰণে তোমাৰ পাপৰ সীমা নাই ॥

পর্ব্বতৰ জল যেন সমুদ্ৰত পৰে।
প্ৰজাৰ পাতক ধন যাই ৰাজঘৰে॥
দুৰ্জ্জন সকলে যদি অধৰ্ম্ম কৰয়।
সিটো পাপে নৃপতিক অৱশ্যে পাৱয়॥
সাধুসবে ধৰ্ম্ম আচৰই ঠায়ে ঠায়ে।
ছুইভাগ কৰি ৰাজা একভাগ পাৱে॥
পশু মধ্যে অধম কুকুৰ বুলি যাক।
দশ কুকুৰৰ সম কুমাৰৰ চাক॥
দশ খান কুমাৰৰ চাকৰ সমান।
হবে অপবিত্ৰ ৰজকৰ পাটখান॥
দশ খান পাটৰ সমান বেশ্যাজাতি।
দশ বেশ্যা সমান নৃপতি হবে আতি॥
এতেকেসে তযুবৰে নকৰোঁ ভোজন।
কেন পাপী হৈবো মই অন্নৰ কাৰণ॥
যদি বোলা ইটো কথা তুমি আছা জানি।
মুনিগণে ভুঞ্জে জানো ইহাক নাজানি॥
ইতৰ জাতীয়ে আক ব্ৰাহ্মণ সকল।
কিন্তু শুচি হোৱে সিটো মহা মন্ত্ৰবল॥
যদি মন্ত্ৰে হবে শুচি ব্ৰাহ্মণ সকল।
কুঞ্জৰৰ গোচ যেন তুনাই গান্ধে মল॥

বৈসম্পায়ন বদতি শুনিয়ো জন্মেজয় ।
হেন শুনি মৌন হৈলা কুন্তীৰ তনয় ॥
যজ্ঞ শালা মাজে যত আছিলা ব্ৰাহ্মণ ।
চাণ্ডালৰ বাক্য শুনি গৈলা তেতিক্ষণ ॥
যুধিষ্ঠিৰ নৃপতিৰ যজ্ঞ ছন্নকৰি ।
ভয়তে ব্ৰাহ্মণ গণ গৈলা ঘৰা ঘৰি ॥
যজ্ঞ শালে নৃপতি চলিলা তেতিক্ষণ ।
লগতে চলিলা আৰু পাত্ৰ মন্ত্ৰিগণ ॥
দেখে যজ্ঞ শালাত নাহিকে দ্বিজগণ ।
ক্ৰোধে যুধিষ্ঠিৰে পাছে বুলিলা তেখন ॥
কিনো আজু আমাৰ দুৰ্দ্দিন আসি হৈলা ।
মোৰ যজ্ঞ এৰি দ্বিজগণ পলাই গৈলা ॥
নিত্য শ্ৰাদ্ধ কৰিতে নাপাইলোঁ এতিক্ষণ ।
ইথানত ব্ৰাহ্মণ নাহিকে একোজন ॥
কিয় মোৰ বিধাতা মিলাইলা বিসংগতি ।
কেন মতে যজ্ঞ সাঙ্গ কৰিবোঁ সম্প্ৰতি ॥
আৰাম্ভলোঁ যজ্ঞ মই দ্বাদশ বৎসৰ ।
আজি আসি হৈলা পূৰ্ণ তুতিৰ বাসৰ ॥
সেই হুঁ [illegible] নিদিলে দেৱক হৈবোঁ ঋণী ।
পাপণ্ড চাণ্ডালে আসি পাতিলা বিঘিনি ॥

বাৰ বৃচৰীয়া-যজ্ঞ ভৈলন্ত বিফল ।
মোক অপমানে গৈলা ব্ৰাহ্মণ সকল ॥
পাপিষ্ঠক দন্তায়া কৰন্তে গৈলা বেলি ।
সিকাৰণে দ্বিজগণ গৈলা অৱহেলি ॥
পাপিষ্ঠ চাণ্ডালে বুলিলেক নিষ্কাৰাক ।
সিকাৰণে দ্বিজগৈলা ত্যজিয়া আমাক ॥
মায়াবী চাণ্ডালে পাছে বুলিলা বচন ।
শুনা শুন ৰাজা কুৰু কুলৰ নন্দন ॥
অকাৰণে দোষ তুমি দি আছা আমাক ।
বিচাৰি চাহিলে দোষ কেঁৱলে তোমাত ॥
স্নান যজ্ঞ কৰা ইটো মাতঙ্গৰ কৰ্ম্ম ।
অধৰ্ম্ম আচৰি আগে পাছে কৰা ধৰ্ম্ম ॥
যজ্ঞে কি কৰিতে পাৰে সংসাৰ খণ্ডিত ।
ভাবিচোৱা ৰাজা তুমি আপুনি পণ্ডিত ॥
তযুবহে আসি মই ভৈলো অভ্যাগত ।
নহওঁ পাপিষ্ঠ মই ইমান কৰ্ম্মত ॥
পাপিষ্ঠ লক্ষণ ৰাজা শুনিয়ো সাক্ষাত ।
সত্যে সত্যে কহোঁ দোষ নিদিবা আমাত ॥
সংক্ৰান্তিক আদি কৰি মহা পৰ্ব্বচয় ।
নিৰামিষ সামীষক জপাই তুঞ্জয় ॥

শ্রাবণ কার্ত্তিক মাঘ বৈশাখ মাসৰ।
পূর্ণিমা তিথিত স্নান দান নিৰন্তৰ॥
যিজনে নকৰে জানা সেহিসে পাপিষ্ঠ।
আমি হেন পাপিষ্ঠ নহওঁ কদাচিত॥
তোমাতেসে আছে বেদ শাস্ত্র তুমি জানা।
হয় কি নহয় ৰাজা হেন মনে মানা॥
বৈশম্পায়ন বদতি শুনিয়ো জন্মেজয়।
হেন শুনি মৌন ভৈলা কুন্তীৰ তনয়॥
ধ্যানে যুধিষ্ঠিৰ ৰাজা চাহিলা আত্মাত।
মুহিকে চাণ্ডাল ইটো জানিলোঁ সাক্ষাত॥
ছদ্মৰূপে পিতৃ আইলা গৃহক আমাৰ।
মিলিলা সম্ভ্রম হৰিষৰ নাহি পাৰ॥
পৰম আনন্দে ৰাজা বুলিলা বচন।
মুহিকে চাণ্ডাল ইটো জানিলোঁ এখন॥
তোমাকেসে চিন্তি আছোঁ মই বাৰম্বাৰ।
সিহেতু আসিলা তুমি গৃহক আমাৰ॥
বৃথা ভৈল যজ্ঞ তাত নাহি কষ্টমন।
সাফল জনম মোৰ তয়ু দৰশন॥
দেৱহুয়া মোৰ গৃহে ভৈলা অভ্যাগত।
পুজিবাক লাগে অতি তযু চৰণত॥

যজ্ঞ কৰি আজিহে লভিলোঁ শুভ ফল ।
তোমাৰ দৰশনে আসি মিলিলা সকল ॥
কিবা নাৰায়ণ তুমি জগত ঈশ্বৰ ।
চাণ্ডালৰ ৰূপধৰি আইলা মোৰ ঘৰ ॥
তুমি ইন্দ্ৰ চন্দ্ৰ প্ৰভু কিবা ব্ৰহ্মাক্ষৰ ।
কিবা ধৰ্ম্ম পিতৃ মোৰ কহিয়ো সত্বৰ ॥
স্বৰূপ কৰিয়া কহা নভাণ্ডিবা মোক ।
আপোনাৰ নিজৰূপং এবে ধৰিয়োক ॥
বৈশম্পায়ন বদতি শুনিয়ো নৰেশ্বৰ ।
পুত্ৰৰ চৰিত্ৰ শুনি হৰিষ বিস্তৰ ॥
নিজৰূপ ধৰি পাছে ধৰ্ম্মে বুলিলন্ত ।
সাধু সাধু মোৰ পুত্ৰ নৃপতি মহন্ত ॥
সত্যে সত্যে সত্যে বাপু কহোঁ সাৰে সাৰ ।
স্বৰূপত হওঁ মই জনক তোমাৰ ॥
চাণ্ডাল স্বৰূপে আইলোঁ নধৰিবা দোষ ।
বিস্তৰ বলিলো বাপু নকৰিবা ৰোষ ॥
হেন শুনি আথে বেথে পাণ্ডুৰ নন্দন ।
পিতৃৰ চৰণে পৰি কৰিলা বন্দন ॥
বৃকোদৰ নকুল অৰ্জ্জুন সহদেৱ ।
ধৰ্ম্মৰ চৰণে পৰি কৰিলন্ত সেৱ ॥

নমস্কাৰ কৰি ৰাজা বুলিলা বচন।
আজিসে ভৈলেক মোৰ সাফল জীৱন॥
আজিসে সাফল ৰাজা যজ্ঞ তপদান
দেৱতাৰ পুজা পিতৃ আইলা মোৰ থান॥
ধন্য ধন্য জন্ম মোৰ তযু দৰশন।
সৰ্ব্বপাপ হন্তে মোক কৰিলা ৰক্ষণ॥
এহিমতে অনেক বুলিলা স্তুতি বাণী।
পাদ্য অৰ্ঘে ধৰ্ম্মক পুজিলা মহামানী॥
তুষ্টহুয়া ধৰ্ম্মদেৱ হৰষিত মনে
পুত্ৰক সাপটি ধৰিলন্ত তেতিক্ষণে॥
আশ্বাস বচনে পাছে বুলিলা বচন।
দেশ্ত হাক বাপ তুমি শুনা সাৱধান॥
দুষ্টক দণ্ডিয়া কৰা সন্তক পালন।
অন্যায় কৰিয়া নহৰিবা পৰধন॥
কাম ক্ৰোধ লোভ মোহ কৰা পৰিহাৰ।
মুক্তিৰ লক্ষণ জানা ইসব প্ৰকাৰ॥
দুখী ভুখী প্ৰাণীক কৰিবা প্ৰতিপাল।
তেবে তোমাক ঈশ্বৰে ৰাখিব সৰ্ব্বকাল॥
ৰাজনীতি ধৰ্ম্ম তুমি সকলে জানস।
স্বৰ্গলোকে বথানয় তোমাৰ যশক॥

নাৰদৰ মুখে শুনি তোমাৰ চৰিত্ত।
তিলমাত্রে নপাৰিলোঁ থাকিবে স্বৰ্গত ॥
চাণ্ডাল স্বৰূপধৰি হস্তিনাক আইলোঁ।
লোকৰ মুখত তযু শুভ বাৰ্ত্তা পাইলোঁ ॥
হস্তিনাক পুৰক আনি পশিলো ত্বৰিত।
তোমাক দেখিয়া মোৰ শান্ত ভৈলা চিত্ত ॥
পিতা পুত্রে দুই জন ভৈলোঁ একস্থান
কৰিলো মেলানি পুত্র থাকিও কৈল্যাণ ॥
এহিবুলি ধৰ্ম্ম চলিগৈলা নিজস্থান।
ধৰ্ম্মৰ সম্বাদ সমাপতি এহিমান ॥
বৈশম্পায়ন বদতি শুনিও জন্মজয়।
ধৰ্ম্মেসে পৰম বস্তু জানিবা নিশ্চয় ॥
ধৰ্ম্মেসে কৰয় গিৰি গৃহক প্ৰকাশ।
ধৰ্ম্মেসে পৰম বস্তু ব্যাধিৰ বিনাশ ॥
ধৰ্ম্মেসে কৰয় সমস্তৰে শত্রুক্ষয়।
যিটোধৰ্ম্ম চিন্তে তাৰ হবে জয় জয় ॥
যিবা পঢ়ে যিবা শুনে ধৰ্ম্মৰ সম্বাদ।
শ্ৰৱণে গুছিবে পাপ মিলিবে সম্পদ ॥
কৃষ্ণৰ কিঙ্কৰে কহে দ্বিজ শুভনাথে।
হৰি পদ পঙ্কজক ধৰি নিজ মাথে ॥

শুনা বুদ্ধজন দোষ নিদিবাহা আৰ।
মতি অনুসাৰে মই ৰচিলো পয়াৰ।
খণ্ডা টুটা দোষ যদি পদত আছয়।
অল্পমতি জানি তাক ক্ষেমাক জুৰায়।
হৰি ভকতৰ গুণ শুনা কৰ্ণভৰি।
তপ জপ তীৰ্থ স্নান নোহে আকসৰি।
যতেক সংসাৰ দেখা যেন ছাইৰ জৰি।
মায়া মোহে মৰে মিছা মোৰ মোৰ কৰি।
মোৰ ধন মোৰ বস্তু মোৰ নিজ দেহা
মোৰ জন মোৰ পুত্ৰ মোৰ ঘৰ গেহ।
এই মতে ভাবে যেবে জানা নৰাধম
হৰিক চিন্তয় যিটো সেহিসে উত্তম।
এতেকে চিন্তিয়ো যাতে হৱে মোক্ষকাম
গুণোক আপদ ডাকি বোলা ৰাম ৰাম।

সমাপ্ত

০——০✻✻✻০——০